# দেশৰ আয় ব্যয়ত ভুমুকি।



শ্ৰীঅমিয়কুমাৰ দাস।

# দেশৰ আয় ব্যয়ত ভুমুকি






শ্রীঅমিয়কুমাৰ দাস




'বেচ ৶৹ ছ অনা।

# মূল কথাৰ আভাষ

দেশৰ বৰ্ত্তমান অৱস্থাত বিষয়া সকলৰ দৰমহাৰ কথা আলোচনা কৰা বিশেষ প্ৰয়োজনীয় হৈ উঠিছে। ভাৰতবৰ্ষৰ ৰাইজৰ সমূখত শাসন সংস্কাৰৰ নতুন আশা। ৰাজনৈতিক ক্ষমতা পোৱাৰ লগে লগে বিষয়া সকলৰ দৰমহাৰ সংস্কাৰ কৰিবৰ ক্ষমতা পোৱা নগলে তেনেবিধৰ শাসন সংস্কাৰৰ পৰা ভাৰতীয় ৰাইজৰ কল্যাণ সাধিব পৰাটো অসম্ভৱ। সেই বাবে মহাত্মা গান্ধী প্ৰমুখ্যে কংগ্ৰেছপন্থী লোক সকলে এই বিষয়তো ক্ষমতা বিচাৰিছে। ভাৰতীয় ৰাইজৰ ওপৰত শাসন-ব্যয়ৰ গধুৰ বোজা জাপি দিয়াৰ বিৰুদ্ধে কংগ্ৰেছপন্থী নেতা সকলে তাহানিৰে পৰা প্ৰতিবাদ কৰি আহিছে। গড়ে গাইপ্ৰতি ভাৰতবৰ্ষত ৰাইজে যিমান উপাৰ্জ্জন কৰে, তাৰ লগত শাসন ব্যয়ৰ বোজা ৰিজাই চালে বুজিব পাৰি ভাৰতীয় ৰাইজৰ বোজা কিমান গধুৰ।

বছৰে বছৰে গভৰ্ণমেণ্টে কাউন্সিল আদিত যি বাজেট দাঙি ধৰে, তাৰ বিস্তাৰিত বিবৃতিবোৰ ফঁহিয়াই আলোচনা কৰি চালে দেখা যায় যে ব্যয়ৰ সৰহ অংশ বিষয়া সকলৰ দৰমহাতেই খৰচ হয়। বিষয়া সকলক দৰমহা দি ওঁতাই সামাজিক উন্নতি-বিষয়ক কাম আদিত খৰচ কৰিবলৈ গভৰ্ণমেণ্টৰ হাতত সৰহ ধন নৰয়। সেই বাবে শিক্ষাৰ বাবে টকাৰ নাটনি, আস্পতালৰ বাবে টকাৰ নাটনি, আলি পদুলিৰ বাবে টকাৰ নাটনি ইত্যাদি কথা প্ৰায়েই শুনা যায়।

বিষয়া সকলৰ দৰমহাৰ নিৰিখ সম্পৰ্কে আলোচনা কৰি চালে দেখা যায় যে আমাৰ দেশতেই বিষয়া সকলে সৰহ দৰমহা পায়। বিষয়া সকলৰ দৰমহাৰ বিষয়ত ভাৰতবৰ্ষই প্ৰথম। গড়ে গাই প্ৰতি একোজনে

কিমান উপাৰ্জ্জন কৰে তাৰ লগত সামঞ্জস্য নাৰাখি কেৱলমাত্র ভাৰত-বৰ্ষতেই বিষয়া সকলৰ সৰহ দৰমহাৰ ব্যৱস্থা কৰা হৈছে। প্ৰত্যেকখন স্বাধীন দেশৰ ৰাষ্ট্র নায়ক সকলে দেশৰ আৰ্থিক অৱস্থাৰ অনুপাতে বিষয়া সকলৰো দৰমহাৰ ব্যৱস্থা কৰে। Paul, H. Douglas নামৰ এজন অৰ্থনীতিকে যুক্ত-ৰাজ্যৰ বনুৱাৰ আয়ৰ কথা আলোচনা কৰি এখন কিতাপ লিখিছে ( Real Wages in U. S. A. )। ১৯২৪-২৬ সনত বনুৱা সকলে গড়ে কি দৰে উপাৰ্জ্জন কৰিছিল, সেই সম্পৰ্কে তেওঁ এখন তালিকা দিছে। তাত পোৱা যায় :—

(১) বনুৱাৰ ( Unskilled ) আয় বছৰে ১০৭৫ ডলাৰ *

(২) কাৰখানাৰ নাইবা মাল কঢ়িয়া বনুৱাৰ „ ১৮৮০ „

(৩) ঘৰ সজা বনুৱাৰ „ ২১৮২ „

(৪) ছুপ্ৰীম ফেডেৰেল কোৰ্টৰ চীফ জাষ্টিছৰ আয় „ ২০০৫০ „

অৰ্থাৎ কোনো কামত পাকৈত নোহোৱা বনুৱাৰ আয়ৰ ২০ গুণ বেছি। সেইদৰে কেনেডাত প্ৰধান মন্ত্ৰীৰ দৰমহা বছৰে ১৫০০০ ডলাৰ অৰ্থাৎ এজন সাধাৰণ বনুৱাৰ বাৰ্ষিক আয়ৰ ১৫ গুণ সৰহ মাথোন। জাপানত এজন খেতিয়কে বছৰেকত যিমান উপাৰ্জ্জন কৰে, তাৰ ২৭ গুণ সৰহ দৰমহা পায় প্ৰধান মন্ত্ৰীজনে। কিন্তু ভাৰতবৰ্ষত এই বিষয়ে আলোচনা কৰিলে দেখা যায় যে সাধাৰণ বনুৱা নাইবা খেতিয়কে উপাৰ্জ্জন কৰা আয়ৰ ৫ হাজাৰ গুণতকৈও সৰহ দৰমহা পায় একোজন বিষয়াই। ভাৰতবৰ্ষৰ প্ৰতি বিষয়াসকলৰ দৰমহা লৈ যি অন্যায় কৰা হৈছে, তাৰ কথা বৰ্ত্তমানৰ প্ৰধান মন্ত্ৰী ৰামছে মেকডনাল্ডেও অনুভৱ কৰি তেখেতৰ Goverment of India বোলা কিতাপ খনত আলোচনা কৰিছিল। ১৯৩১ সনত কৰাচীত বহা কংগ্ৰেছেও

* ১ ডলাৰ = ২৸০ ।

স্বৰাজ হলে নো বাইজে যাইকৈ কি বোৰ অধিকাৰ পাব, * তাঁৰ আঁচনি স্থিৰ কৰোতে ৫০০ টকাই উচ্চতম দৰমহা হব বুলি স্থিৰ কৰিছিল।

তাহানি ব্ৰিটিশ ৰাষ্ট্ৰনায়ক লৰ্ড হেলডেনে **Development of the Civil Service** নামৰে এখন কিতাপ প্ৰকাশ কৰিছিল; তাত ছাৰ বিলিয়েম যিভাবিজে ভবিষ্যতলৈ ছিভিল কৰ্ম্মচাৰী সকল কেনে ধৰণৰ হব লাগিব আলোচনা কৰি লিখিছে :—

"বৰ্ত্তমান আৰু ভবিষ্যতলৈ ছিভিল ছাৰ্ভিছ কেনে বিধৰ হব লাগিব, এই সম্পৰ্কে মোৰ মতামত জনাব'লগীয়া হলে মই কম যে তেওঁলোক ছেইণ্ট ফ্ৰান্সিছৰ মতাবলম্বী ধৰ্ম্ম-যাজক সকলৰ দৰে হব লাগিব অৰ্থাৎ তেওঁলোকে তিনিটা বিষয়ত অঙ্গীকাৰ কৰিব লাগিব—দাৰিদ্ৰ্য, আজ্ঞাপালন আৰু নাম যশৰ আকাঙ্ক্ষা নকৰাটো।" কংগ্ৰেছৰ লক্ষ্যমতে ভাৰতবৰ্ষত স্বৰাজ স্থাপিত হলে ভাৰতবৰ্ষতো বিষয়া সকলেও এনেবিধৰ ব্ৰত লৈ কাম কৰিব লাগিব।

যিহওক, এইবোৰ ভবিষ্যতৰ কথা। এইখন পুস্তিকাত আন আন বহুতো দেশৰে আয় ব্যয় আৰু দৰমহাৰ তুলনামূলক আলোচনা কৰি প্ৰধান মন্ত্ৰী ৰামছে ম্যেকডনাল্ডে কোৱা মতে ভাৰতবৰ্ষত হোৱা "যথেষ্ট অন্যায়" বুজাবলৈ যত্ন কৰা হৈছে। আশা কৰোঁ ৰাইজে এই পুস্তিকাখন মন দি পঢ়িব। ৰাইজে মন দি পঢ়িলেই এই সম্পৰ্কে আমাৰ পৰিশ্ৰম সাৰ্থক হৈছে বুলি ধৰিম। ইতি

শ্ৰীঅমিয়কুমাৰ দাস

---

* "খিলাফত মহাত্মা"ৰ পৰিশিষ্ট ৮৫ পৃষ্ঠা চাওক।

# আয়ৰ হিছাপ

## কোন দেশৰ প্ৰজাই গড়ে বছৰেকত পাই প্ৰতি কিমান আয় কৰে—চাওক।

| | বছেৰেকীয়া আয় | দৈনিক আয় |
|---|---|---|
| আমেৰিকা ( যুক্ত-ৰাজ্য ) | ৩৩২৪৲ টকা | ৯৵০ |
| গ্ৰেট ব্ৰিটেইন | ১৪৫৬৲ " | ৪৴০ |
| ফ্ৰান্স | ১২৯২৲ " | ৩৸৴০ |
| ইটালী | ৫৪০৲ " | ১৸৴০ |
| জাপান | ১১৮০৲ " | ৩৵০ |

( এই হিছাপ ১৯২৫-২৬ সনৰ বছেৰেকীয়া ৰিপোৰ্টৰ পৰা লোৱা হৈছে। এতিয়া সামান্য হে লৰচৰ হব পাৰে। )

আৰু

| | | |
|---|---|---|
| ভাৰতবৰ্ষত ( লৰ্ড কাৰ্জ্জনৰ হিছাপমতে ) | ৩০৲ টকা | ৬ |
| ( অধ্যাপক শ্বাহৰ হিছাপ মতে ) | ৭৫৲ টকা | |

## কোন দেশৰ প্ৰজাই ৰাজহৰ বোজা কি দৰে বহন কৰে—মন কৰক।

| | | |
|---|---|---|
| আমেৰিকা ( যুক্ত-ৰাজ্য ) | ৮১৲ টকা | পাইপ্ৰতি বছৰেকত |
| গ্ৰেট ব্ৰিটেইন | ২৩৫৸০ " | " " |
| ফ্ৰান্স | ২৩৫৲ " | " " |
| জাৰ্ম্মাণী | ৭৫৲ " | " " |
| ইটালী | ১২০৲ " | " " |

আয়

| | |
|---|---|
| ভাৰতবৰ্ষ | ৫।৵০ |

বছেৰেকত ৩০৲ টকা, নাইবা অধ্যাপক শ্বাহৰ মতে ৭৫৲ টকা, আয় কৰি ৫।৵০ ৰাজহৰ বোজা বহন কৰাটো ভাৰতবাসীৰ পক্ষে গধুৰ নহয় নে ?

## আয়ৰ তুলনামূলক হিছাপ ।

| | সাধাৰণ বমুৱাৰ আয় | তলথাপৰ কেৰাণীৰ আয় | উচ্চথাপৰ কৰ্ম্মচাৰী আয় | |
|---|---|---|---|---|
| গ্ৰেট ব্ৰিটেইন | ১৩৩৩, | ১২৬৬, | ৪০০০০, | টকা |
| কেনেডা | ২৬২০, | ১৬৫০, | ২৭৪০০, | „ |
| যুক্ত-ৰাজ্য (আমেৰিকা) | ২৯৫০, | ৩১২৫, | ২৭৪০০, | „ |
| জাৰ্ম্মাণী | ১১৪০, | ৯৯১০, | ১৪৯৬০, | „ |
| জাপান | ৬৭৫, | ৬৫০, | ৮৮০০, | „ |
| ভাৰতবৰ্ষ | ২৪০, | ৩৬০, | ৪৮০০০, | „ |

( ওপৰৰ হিছাপত বাৰ্ষিক আয় ধৰা হৈছে )

এই বিলাক দেশৰ আয়ৰ তাৰতম্য বিজাই চাওক। ভাৰতবৰ্ষত ৪৮ হেজাৰতকৈও সৰহ দৰমহা পোৱা বিষয়া বহুতো আছে।

## ভাৰতবৰ্ষত কোন প্ৰদেশত মাটিৰ ৰাজহ কিমান আদায় হয়।

| | | | | |
|---|---|---|---|---|
| আসাম | ১ কোটী ৩৫ লাখ | তেক্সে | পাইপ্ৰতি | ১।৵৫ পাই |
| আসাম উপত্যকা | ৯৬ „ | „ | „ | ৪৲ |
| সুৰমা উপত্যকা | ২৯ „ | „ | „ | ।৵৭ |

| | | | | | | | | |
|---|---|---|---|---|---|---|---|---|
| মাদ্ৰাজ | ৪ কোটী | | ৮৮ লাখ | | ‘ভেজ্জে | গাইপ্ৰতি | ১৷০ | পাই |
| বঙ্গদেশ | ৩ | ,, | ৮ | ,, | ,, | ,, | ৷৴৭ | ,, |
| যুক্ত প্ৰদেশ | ৬ | ,, | ৪৭ | ,, | ,, | ,, | ১৷৫ | ,, |
| পাঞ্জাব. | ২ | ,, | ৬৯ | ,, | ,, | ,, | ১৴৭ | ,, |
| বিহাৰ উৰিষ্যা | ১ | ,, | ৮০ | ,, | ,, | ,, | ৷০ | |
| মধ্য প্ৰদেশ | ২ | ,, | ১৮ | ,, | ,, | ,, | ১৷৶২ | ,, |
| বোম্বে | ৫ | ,, | ৫ | ,, | ,, | ,, | ২৷৵৫ | ,, |

মাটিৰ বাবে আসাম উপত্যকাৰ’ ৰায়তে বোম্বে প্ৰদেশৰ বাহিে আন সকলো প্ৰদেশতকৈ সৰহ খাজানা ভৰিব লাগে।

## আবকাৰী ৰাজহ।

| | | | | | |
|---|---|---|---|---|---|
| আসাম উপত্যকা | | | ৫৩ লাখ | গাইপ্ৰতি | ১৴৭ পাই |
| সুৰমা | ,, | | ১৩ ,, | ,, | ৷৵৹ |
| আসাম | | | ৬৬ ,, | ,, | ৷৶২ ,, |
| বঙ্গদেশ | ,, | ২ কোটী | ২৪ ,, | ,, | ৷৵৫ ,, |
| মাদ্ৰাজ | | ৫ ,, | ২৬ ,, | ,, | ১৴৭ ,, |
| বোম্বে | | ৩ ,, | ১২ ,, | ,, | ১৷৵৫ ,, |
| পাঞ্জাব | | ১ ,, | ১২ ,, | ,, | ৷৵৫ ,, |
| যুক্ত প্ৰদেশ | | ১ ,, | ১৫ ,, | ,, | ৶০ ,, |
| বিহাৰ উৰিষ্যা | | ১ ,, | ৫০ ,, | ,, | ৷৵৫ ,, |

আবকাৰী ৰাজহ বিষয়ত আসাম উপত্যকাৰ প্ৰজাই গাইপ্ৰতি মাদ্ৰাজৰ সমানেই ভৰিব লাগে। এই বিষয়ত ভাৰতবৰ্ষৰ ভিতৰত

আসাম উপত্যকা বোম্বে প্ৰদেশৰ তলতেই। (১৯৩০ সনৰ হিচাপৰ পৰা দিয়া হৈছে।)

## গাইপ্ৰতি কোন প্ৰদেশৰ প্ৰজাই ৰাজহৰ বোজা কি দৰে বহন কৰে চাওক :—

| | মুঠ ৰাজহ | | | | গাইপ্ৰতি | |
|---|---|---|---|---|---|---|
| আসাম | ২ | কোটী | ৭৭ | লাখ | ৩৶২ | পাই |
| বঙ্গদেশ | ১০ | ,, | ৭৮ | ,, | ২।৯ | ,, |
| বিহাৰ উৰিষ্যা | ৫ | ,, | ৪৩ | ,, | ১॥০ | |
| বোম্বে | ১৫ | ,, | ৮৯ | ,, | ৭॥০ | |
| মধ্য প্ৰদেশ | ৫ | ,, | | | ৩॥৴৭ | ,, |
| মাদ্ৰাজ | ১৭ | ,, | ৭৬ | ,, | ৩৸৯ | ,, |
| পাঞ্জাব | ১১ | ,, | ৬৯ | ,, | ৪৸৶৫ | ,, |
| যুক্ত প্ৰদেশ | ১২ | ,, | ৩০ | ,, | ২॥০ | |

আসাম উপত্যকা আৰু সুৰমা উপত্যকাত মুঠ ৰাজহ কিমান আদায় হয়, তাৰ সুকীয়া হিচাপ পোৱা নাযায়। আসাম প্ৰদেশৰ বাহিৰে মাটি আৰু আবকাৰী বিষয়তে ৰাজহ আদায় হয়। ষ্টাম্প আৰু ৰেজিষ্ট্ৰেশ্যনত মুঠতে ২২।২৪ লাখ মান টকা ৰাজহ আদায় হয়।

জঙ্গলী বিভাগৰ আয় আসাম উপত্যকাতেই সৰহ হয়। যি হওক এই বিলাক বিষয় বাদ দি কেৱল মাটিৰ আৰু আবকাৰী বিষয়ত ৰাজহৰ হিচাপ চালে দেখা যায়—

আসাম উপত্যকাত প্ৰজাই গাই প্ৰতি ৩৴৭ পাই ৰাজহ বহন কৰে।

সুৰমা ,, ,, ,, ৸৶৫ ,, ,, ,,

## কোন প্ৰদেশে শিক্ষা বিভাগত কি দৰে ব্যয় কৰে চাওক

| | মুঠ ব্যয় | মুঠ ব্যয়ৰ শতকৰা |
|---|---|---|
| আসাম | ৩৩ লাখ | ১০.৯ |
| বঙ্গদেশ | ১৩৮ ,, | ১২.৫ |
| বিহাৰ আৰু উৰিষ্যা | ৯৩ ,, | ১৬.৬ |
| বোম্বে প্ৰেছিডেন্সী | ১৯৪ ,, | ১২.৫ |
| মধ্য প্ৰদেশ | ৫৯ ,, | ১১.১ |
| মাদ্ৰাজ | ৩০২ ,, | ১৬.৬ |
| পাঞ্জাব | ১৭২ ,, | ১৪.৩ |

আসামতেই শিক্ষা বিভাগত আন প্ৰদেশতকৈ কম খৰচ হয়।

## ভাৰতবৰ্ষৰ শাসন ব্যয়

ভাৰত গভৰ্ণমেণ্টৰ সৰ্ব্বমুঠ আয় ১৩৪ কোটী ৮৬ লাখ।

( ১৯৩১—৩২ সনৰ বাজেট )

| | মুঠ ব্যয় | | মুঠ ব্যয়ৰ শতকৰা |
|---|---|---|---|
| জেনেৰেল এডমিনিষ্ট্ৰেশ্বন | ১২ কোটী | ৪৯ লাখ | ৮৲ টকা |
| পুলিচ বিভাগ | ১১ কোটী | ৬৯ লাখ | ৮৲ ,, |
| সৈন্য বিভাগ | ৫৬ ,, | ৪৭ ,, | ৫০.৫ ,, |
| শিক্ষা বিভাগ | ১০ ,, | ৬৬ ,, | ৯৲ ,, |
| চিকিৎসা বিভাগ | ৩ ,, | ২০ ,, | ২৲ ,, |
| পাবলিক হেল্‌থ | ১ ,, | ৮১ ,, | ১. ,, |
| কৃষি বিভাগ | ১ ,, | ৭৯ ,, | ১. ,, |
| ধৰ্ম্ম বিভাগ ( খৃষ্ট ধৰ্ম্ম ) | | ৩২ ,, | .২২ ,, |

## আমেৰিকাৰ যুক্ত ৰাজ্যাই শাসন কাৰ্য্যত কি দৰে ব্যয় কৰে বিজাই চাওক —

মুঠ ব্যয়ৰ শতকৰা ১৯' টকা শিক্ষা বিভাগত খৰচ কৰে

" " ৯' " সামাজিক বিষয়ত "

" " ১৮. " সৈন্য আৰু পুলিচত "

আমেৰিকা এখন মহা শক্তিশালী দেশ তেওঁলোকেই সৈন্ত বিভাগত খৰচ কৰে কিমান কম,

## কিন্তু

ভাৰতবৰ্ষৰ দৰে দুখীয়া দেশে ছিপাহীৰ খৰচ যোগাওতেই সৰ্ব্বস্বান্ত হৱ লগীয়া হয়। এই বাবেই মহাত্মা গান্ধী আৰু কংগ্ৰেছে এই বিভাগ পৰিচালনা কৰাত ক্ষমতাৰ দাবি কৰিছে।

## আমাৰ আসাম প্ৰদেশলৈ চাওক

আসামৰ সৰ্ব্বমুঠ ৰাজহ ২ কোটী ১৮ লাখ

( ১৯৩২-৩৩ সনৰ হিছাপ )।

## ইয়াৰ ভিতৰত

কেৱলমাত্ৰ বিষয়া সকলৰ দৰমহাতে খৰচ হয় ১ কোটী ৬০ লাখ।

## ৰাদ বাকী

চিকিৎসা, শিক্ষা, কৃষি, ইণ্ডাষ্ট্ৰীজ বিভাগ আদিত ব্যয় হয়,

ইয়াৰ ভিতৰত সৰহভাগ ধন কৰ্ম্মচাৰী সকলৰ দৰমহাতেই খৰচ হয়।

পাব্‌লিক্ হেল্‌থ আৰু মেডিকেল বিভাগ } মুঠ ব্যয় ১৮ লাখ ৪০ হেজাৰ

| | |
|---|---|
| ইন্সপেক্টৰ জেনেৰ্লৰ দৰমহা আৰু অফিছৰ খৰচ | ৪৯ হেজাৰ ৩৮০৲ টকা |
| জিলাবিলাকৰ ছিভিল ছাৰ্জন আৰু এছিষ্টাণ্ট ছাৰ্জন | ২ লাখ ৯৯ হেজাৰ ৬৯৲ টকা |
| বিজাৰ্ভত থকা কৰ্ম্মচাৰী | ৬২ „ ৭৭০৲ „ |
| ছাব এছিষ্টাণ্ট ছাৰ্জন | ২ „ ৪৮ „ ৫৪৪৲ „ |

## ইমান বিলাক কৰ্ম্মচাৰীয়ে কিমান টকাৰ ঔষধ বিলায়—চাওক !

| | |
|---|---|
| মেডিকেল ষ্টোৰছ ১৯৩৩-৩৪ সনৰ বাজেট ১৪০ পৃষ্ঠা ( Demands for grants ) | ২৪ হেজাৰ টকা !! |
| য়ুৰোপীয় ঔষধ ১৪২ পৃষ্ঠা | ১৪ „ ১০০৲ !!! |
| পাব্লিক হেল্থ বিভাগৰ ডিৰেক্টৰ আৰু সহকাৰী দুজনৰ দৰ্ম্মহা আদি | ৪১ হেজাৰ টকা |
| জিলা কৰ্ম্মচাৰী ১১ জন | ২১ „ ৯৫০৲ „ |
| টীকাদাৰ ইত্যাদি ( ৩৮ জন ) | ১৯ „ ৮৪৬৲ |

## এওঁলোকে দি ফুৰিব লগীয়া দাৰাই

| | |
|---|---|
| মেডিকেল ষ্টোৰছ ১৯৩৩-৩৪ সনৰ বাজেট ১৪৭ পৃষ্ঠা | ৪০০৲ ! |

## কলাজ্বৰ বিভাগ

| | |
|---|---|
| কৰ্ম্মচাৰী সকলৰ দৰ্ম্মহা | ১ লাখ ৩৩ হেজাৰ ৬০০৲ |

| | |
|---|---|
| এই বিভাগৰ ঔষধৰ খৰচ (Demands for grants ১৫০ পৃষ্ঠা ) | ৩১ হেজাৰ ৬০০৲ টকা |
| এপিডেমিক বিভাগৰ কৰ্ম্মচাৰীৰ দৰ্ম্মহা | ৩১ ,, ১৪০৲ টকা |
| ঔষধৰ খৰচ | ৬২০০৲ !! |

—:*:—

লালা লাজপত ৰায়ে "Unhappy India" বোলা কিতাপ খনত লিখিছে যে ভাৰত গভৰ্ণমেণ্টে ভাৰত প্ৰবাসী য়ুৰোপীয় সকলৰ সতি-সন্ততিৰ শিক্ষাৰ বাবে গাইপ্ৰতি খৰচ কৰে ২৫৲ টকা, অথচ দেশৰ ভাৰতীয় প্ৰজাৰ সতিসন্ততিৰ শিক্ষাৰ বাবে গাইপ্ৰতি চাৰি অনা খৰচ কৰিবলৈকে টান পায়।

বোম্বে বিশ্ব-বিদ্যালয়ৰ অৰ্থনীতিৰ অধ্যাপক কে, টি, শ্বাহে ভিন ভিন দেশৰ আয় ব্যয়ৰ তুলনামূলক আলোচনা কৰি লিখিছে যে

সৈন্যবিভাগতঃ

ভাৰতবৰ্ষই মুঠ শাসন ব্যয়ৰ শতকৰা ৬৩·৮ খৰচ কৰে

অথচ

| | | | | | |
|---|---|---|---|---|---|
| গ্ৰেট ব্ৰিটেইনে নিজে | ,, | ,, | ,, | ৫৩ ৭ | ,, |
| ফ্ৰান্সে | ,, | ,, | ,, | ২০· | ,, |
| জাপানে | ,, | ,, | ,, | ৪৯· | ,, |

তেখেতে এই বিলাক দেশৰ ১৯২২ সনৰ বাজেট আলোচনা কৰি মন্তব্য প্ৰকাশ কৰিছল। তেখেতেই "Sixty years of Indian Finance" বোলা কিতাপ খনত লিখিছে :—

১ হেজাৰ টকা বা তাতকৈ সৰহ দৰমহাৰ কামবোৰৰ শতকৰা ৯৬ টাত য়ুৰোপীয় আৰু এংল' ইণ্ডিয়ান, বাকী ৪ টাতহে ভাৰতীয়।

১ জন যুৰোপীয় কৰ্ম্মচাৰীৰ দৰমহা = ২২৪ জন কৰ দিওঁতাৰ আয়
৯ „ ভাৰতীয় „ = ৮৪ „

১৮৮৮ সনত বঙ্গদেশৰ লেফটেনেণ্ট গভৰ্ণৰ চাৰ্লছ ইলিয়টে "Note on the Scale of salaries received by subordinate employees of the Government of India" নামেৰে এখন পুস্তিকা প্ৰকাশ কৰিছিল। এইখন পুস্তিকাত তেখেতে দেশ বিদেশৰ দৰমহাৰ নিৰিখ আদি ৰিজাই আলোচনা কৰিছে। তেওঁ এই বুলি এটা মন্তব্য প্ৰকাশ কৰিছিল :

"বঙ্গপ্ৰদেশৰ এজন সবাতকৈ তলথাপৰ ডেপুটী মেজিষ্ট্ৰেটে যিমান দৰমহা পায়, যুৰোপ মহাদেশৰ কোনো মহকুমাতেই প্ৰধান মেজিষ্ট্ৰেট জনে সিমানকৈ নাপায়। জগতৰ ভিতৰত কেৱল মাত্ৰ ভাৰতবৰ্ষতেই দৰমহা আৰু পেন্সনৰ নিৰিখ সবাতকৈ সৰহ।"

বৰ্ত্তমানে গ্ৰেট ব্ৰিটেইনৰ প্ৰধানমন্ত্ৰী মিঃ ৰাম্‌ছে মেকডনেল্ডে "The government of India" বোলা কিতাপ খনত লিখিছিল (১৪৭ পৃষ্ঠা)—

"পাবলিক ছাৰ্ভিছৰ প্ৰত্যেক শাখাতেই দৰমহা ভাৰতবৰ্ষৰ আৰ্থিক অৱস্থাৰ অনুপাতে হোৱা উচিত, বিদেশৰ অনুপাতে কেতিয়াও হব নালাগে। এতিয়ালৈকে এই বিষয়ত ভাৰতবৰ্ষত আমি যথেষ্ট অনিষ্ট কৰিছোঁ। ভাৰতবৰ্ষত স্বায়ত্ত-শাসন প্ৰতিষ্ঠিত হলে এই বিষয়ত সংস্কাৰ কৰাটো বেয়া নহব।"

—:*—

## ইংলণ্ড আৰু ভাৰতবৰ্ষৰ দৰমহাৰ তাৰতম্য

ব্ৰিটীশ ছিভিল ছাৰ্ভিছ আৰু ইণ্ডিয়ান ছিভিল ছাৰ্ভিছ এই দুয়োটাৰ বাবে একে পৰীক্ষা লণ্ডনত হয়, কিন্তু

ব্ৰিটীশ ছিভিল ছাৰ্ভিছৰ তল খাপৰ গ্ৰেডত পোনতে সোমাওতেই—

বছেৰেকত ২০০ পাউণ্ড—প্ৰায় ২৬৭৫,

প্ৰমোশন পাই একে গ্ৰেডতেই ৫০০ „ = „ ৬৬৮৭,

ইয়াৰ পাছৰ গ্ৰেডত ৫০০ ৰপৰা

৯০০ পাউণ্ডলৈকে

( ১ পাউণ্ড—১৩।৵০ অনা )

ইয়াৰ পাছত প্ৰমোশন হৈ উচ্চ পদ পাব পাৰে, তাৰ দৰমহা ১ হেজাৰৰ পৰা ১২০০ পাউণ্ড।

এয়েই গ্ৰেডৰ নিৰিখ ; ইয়াৰ বাহিৰেও কেইটামান

ওপৰৰ খাপৰ পো'ষ্ট—১২০০ ৰ পৰা ১৫০০ পাউণ্ড বছৰে

ইয়াৰ পাছতেই ডেপুটী ছেক্ৰেটেৰী——২১০০ পাউণ্ড „

ইয়াৰ ওপৰতেই পাৰ্মেনেণ্ট ছেক্ৰেটেৰী—৩০০০ পাউণ্ড „

ব্ৰিটিংশ ছিভিলিয়ানে আশা কৰিব পৰা এয়েই হৈছে সবাতকৈ উচ্চতম পদ।

## শিক্ষা পৰিদৰ্শন বিভাগ।

প্ৰাথমিক স্কুল সমূহৰ এছিষ্টাণ্ট ইন্সপেক্টৰ—

বছৰে ৩০০ৰ পৰা ৫৫০ পাউণ্ড।

প্ৰাথমিক হাইস্কুল, টেকনিকেল স্কুল সমূহৰ ইন্সপেক্টৰ—

বছৰে ৫০০ৰ পৰা ৯০০ পাউণ্ড।

ডিভিজনেল ইন্সপেক্টৰ বছেৰেকত—১০০০ ৰ পৰা ১২০০ পাউণ্ড।

( শিক্ষা বিভাগৰ প্ৰধান অধ্যক্ষ )

সমগ্ৰ ইংলণ্ডৰ চীফ ইন্সপেক্টৰ বছৰে—১৫০০ পাউণ্ড।

আৰু

## আসাম প্ৰদেশৰ শিক্ষা বিভাগৰ

ডিৰেক্টৰৰ দৰমহা বছৰে—২৪ হেজাৰ টকা
ইন্সপেক্টৰ (I.E.S) জনৰ ১৮ „ „

## ভাৰতবৰ্ষত—

ছিভিলিয়ান সকলে আৰম্ভ কৰে ( বছৰে ) ৬০০০৲ টকাত।
তেওঁলোকে সাধাৰণতে ( বছৰে ) ফুৰা চকাৰ এলাৱেন্সৰ বাহিৰে ৩৬০০০৲ টকালৈকে দৰমহা আশা কৰিব পাৰে।

---

## দক্ষিণ আফ্ৰিকা

দক্ষিণ আফ্ৰিকাৰ পাবলিক ছাৰ্ভিছৰ দৰমহা—১৯২৩ সনত আইন-মতে বিধিবদ্ধ হয়। South Africa year Book ত এই দৰে পোৱা যায় :—

বিষয়া সকলৰ ভিতৰত উচ্চতম গ্ৰে'ডত First Secretary ( প্ৰথম ছেক্ৰেটৰী ) তেওঁৰ দৰমহা বছৰে ১৪০০-৪০-১৬০০ পাউণ্ড।
এই শ্ৰেণীতেই ছিনিয়ৰ ক্লাৰ্কৰ বছৰে ৪৭৫ ৰপৰা ৫৫০ পাউণ্ড
কেৰাণী শ্ৰেণীতেই প্ৰথম এছিষ্টেন্ট „ ৩৭০ „ ৪৫০ „

## কেনেডাত :—

কেনেডাত ছিভিলিয়ানে আশা কৰিব পৰা উচ্চতম পদ হৈছে ডেপুটী মিনিষ্টৰ।

ফাইনেন্স, ৰেলৱে আৰু আৰু জাষ্টিছ বিভাগৰ
ডেপুটি মিনিষ্টাৰৰ দৰমহা বছৰত ১০,০০০ ডলাৰ
আন সকলো বিভাগৰ „ „ „ ৬০০০ „
( ১ ডলাৰ=২৸০ আনা )

জঙ্গলী, কাৰেন্সী, ফিছাৰী বিভাগ আদিত ডিৰেক্টৰৰ দৰমহা

| | | |
|---|---|---|
| বছৰে | ৪৫০০ ডলাৰৰ পৰা ৪৮০০ ডলাৰ | |
| কেৰাণী সকলৰ দৰমহাৰ স্কেল | ১৫০০ ,, ,, ২০০০ ,, | |

## জাৰ্ম্মানীত

১৯২৭ সনত দৰমহা সম্পৰ্কে আইন বিধিবদ্ধ হয়। জেনেৰেল এডমিনিষ্ট্ৰেছন বিভাগত কাম কৰা কৰ্ম্মচাৰী সকলৰ বাবে ২টা শ্ৰেণী কৰা হৈছে।

ওপৰৰ শ্ৰেণীত মন্ত্ৰী সকলকে আদি কৰি ৰাজ্যৰ উচ্চতম বিষয়া সকলৰ বাবে ৮টা গ্ৰেড। এই ওপৰৰ শ্ৰেণীত

| | | | |
|---|---|---|---|
| সবাতকৈ উচ্চ গ্ৰেডৰ দৰমহা | বছৰে | ৪৫০০০ মাৰ্ক। | |
| সবাতকৈ তল গ্ৰেডৰ | ,, | ,, | ১৪০০০ ,, |
| সভাপতি জনৰ | ,, | ,, | ৬০০০০ ,, |
| চেন্সেলাৰ (প্ৰধান মন্ত্ৰী) | ,, | ,, | ৩৬০০০ ,, |
| তেওঁৰ এলাৱেন্স | ,, | ,, | ১৮০০০ ,, |
| মন্ত্ৰী সকলৰ | ,, | ,, | ৩৩০০০ ,, |
| ,, এলাৱেন্স | ,, | ,, | ৪০০০ ,, |

( ১৲ টকা = ১॥০ মাৰ্ক )

( Europa year Book 1928 )

## জাপানত

জাপানৰ ছিভিল ছাৰ্ভিছত দুটা থাই গ্ৰেড।

| | | | | | | | |
|---|---|---|---|---|---|---|---|
| ২য় | গ্ৰেডৰ | স্কেল | হৈছে | বছৰে | ৪৮০ৰ | পৰা | ১৯২০ ইয়েন |
| ১ম | ,, | ,, | ,, | ,, | ১২০০ | ,, | ৪৫০০ ,, |

( ১ ইয়েন = ১।৵০ অনা )

# তুলনা মূলক হিছাপ

জগতৰ এজন প্ৰধান ৰাষ্ট্ৰনায়ক আমেৰিকাৰ যুক্তৰাজ্যৰ সভাপতিয়ে পায় বছৰে ৭৫ হেজাৰ ডলাৰ।

শক্তিশালী জাপানে

প্ৰধান মন্ত্ৰীকে দিয়ে „ ১২ „ ইয়েন

আৰু

ভাৰতবৰ্ষত ভাইছৰয়ে পায় „ ২ লাখ ৫০ হেজাৰ টকা

( এলাৱেন্সৰ বাহিৰে )

যি জনৰ তলত ভাৰতৰ ভাইছৰয়ে কাম কৰে, যাৰ কথামতে তেও চলিব লাগে, সেই বিলাতৰ প্ৰধান মন্ত্ৰীজনৰ দৰমহা বছৰত ৫০০০ পাউণ্ড, প্ৰায় ৬৬ হেজাৰ টকা। অৰ্থাৎ আসামৰ গভৰ্ণৰ জনৰ সমান।

যুক্ত ৰাজ্যৰ মন্ত্ৰী সকলৰ দৰমহা ১২ হেজাৰ ডলাৰ

জাপানৰ মন্ত্ৰীসকলৰ ৮ „ ইয়েন

আৰু

ভাৰতে ভাইছৰৰ কাউন্সিলৰ

মন্ত্ৰী সকলক দিয়ে „ ৮০ হেজাৰ টকা

( এলাৱেন্সৰ বাহিৰে )

যুক্ত ৰাজ্যৰ নৌবাহিনী বিভাগৰ সভাপতিৰ „ ১৩॥ হেজাৰ ডলাৰ

„ „ যুদ্ধ বিভাগৰ প্ৰধান কৰ্ম্মচাৰী দুজন Chief of Staff আৰু কোৱাৰ্টাৰ মাষ্টাৰ } ৮ „ „ — ২৪০০০,

## আৰু

ভাৰতবৰ্ষই প্ৰধান সেনাপতি ( Commander-in-Chief ) ২ লাখ ৩৫ হেজাৰ

( এলাৱেন্সৰ বাহিৰে )

যুক্তৰাজ্যত (আমেৰিকাত) প্ৰাদেশিক গভৰ্ণৰ বিলাকৰ ২॥ হেজাৰৰ পৰা ১২ হেজাৰ ডলাৰ

কেৱলমাত্ৰ এখন প্ৰদেশত গভৰ্ণৰৰ প্ৰায় ১২ হেজাৰ ,,

অৰ্থাৎ ৩৩ হেজাৰ টকা।

## আন বিলাকত

| | | | | | | |
|---|---|---|---|---|---|---|
| পাচখন | প্ৰদেশত | গভৰ্ণৰৰ | দৰমহা | ১০ | হেজাৰ | ডলাৰ |
| ২ ,, | ,, | ,, | ,, | ৮ | ,, | ,, |
| ১ ,, | ,, | ,, | ,, | ৭ | ,, | ,, |
| ৩ ,, | ,, | ,, | ,, | ৬ | ,, | ,, |
| বাদ বাকী | ,, | ,, | ,, | ৫ | ,, | ,, |

নাইবা তাতকৈ কম

## কিন্তু ভাৰতবৰ্ষত :—

বঙ্গ, বোম্বে, মাদ্ৰাজ, যুক্তপ্ৰদেশৰ গভৰ্ণৰৰ দৰমহা বছৰত ( ঘৰুৱা খৰচ আৰু আন বহুতো খৰচৰ বাবে এলাৱেন্সৰ বাহিৰে )

১ লাখ ২০ হেজাৰ টকা

| | | |
|---|---|---|
| পাঞ্জাব, বিহাৰ উৰিষ্যাৰ | | ১ লাখ ,, |
| আসামৰ গভৰ্ণৰৰ দৰমহা | | ৬৬ হেজাৰ ,, |
| ,, | ,, ছাম্পচুৱাৰী এলাৱেন্স | ৬ ,, ,, |
| ,, | ,, ঘৰৰ সাজ সৰঞ্জাম মটৰ গাড়ী ইত্যাদিৰ | ১২ হেজাৰ টকা |

**জাপান দেশখন জগতত এখন শক্তিশালী দেশ।**

তাত প্ৰাদেশিক গভর্ণৰ বিলাকৰ দৰমহা বছৰত ৫২০০ৰ পৰা ৬০০০ ইয়েন। অর্থাৎ ৭১৬০৲ টকাৰ পৰা ৮২৫০৲ টকা

## কিন্তু আমাৰ দেশত

জিলাৰ ডেপুটি কমিশ্যনাৰ সকলোৱেই পায় মাহেকত ১ হেজাৰৰ পৰা ২২৫০৲ টকালৈকে।

## বিচাৰ বিভাগ।

## আমেৰিকা যুক্ত ৰাজ্যৰ

| | | | | |
|---|---|---|---|---|
| ছুপ্ৰীম কোৰ্টৰ চীফ জাষ্টিছৰ দৰমহা বছৰত | | ১৫ | হেজাৰ | ডলাৰ |
| আন জজ বিলাকৰ | ,, | ১৪৫০০০ | ,, | ,, |
| ছাৰ্কুইট জজ | ,, | ৭ | ,, | ,, |
| ডিষ্ট্ৰীক্ট জজ | ,, | ৬ | ,, | ,, |

## ভাৰতবৰ্ষত :—

| | | | | |
|---|---|---|---|---|
| কলিকতা হাইকোৰ্টৰ চীফ জাষ্টিছ | ,, | ৭২ | হেজাৰ | টকা |
| ,, ,, আন জজ বিলাকৰ | ,, | ৪৮ | ,, | ,, |
| বোম্বে, মাদ্ৰাজ আৰু যুক্ত প্ৰদেশৰ চীফ জাষ্টিছ | | ৬০ | ,, | ,, |
| পাঞ্জাব আৰু ৰেঙ্গুনৰ | | ৪৮ | ,, | ,, |

## জাপানত

আপীল কোৰ্টৰ জজ বিলাকৰ দৰমহা বছৰত ১২০০ৰ পৰা ৫০০০ ইয়েন

বিচাৰ বিভাগৰ কেৱল মাত্ৰ এজন কৰ্ম্মচাৰীয়েহে

(ভেকেশ্যন আদালতৰ সভাপতি)—বছৰত পায় ৬ হেজাৰ ,,

# শিক্ষা বিভাগ

## আমেৰিকাৰ যুক্ত ৰাজ্য :—

প্ৰাথমিক স্কুলৰ সবাতকৈ তলথাপৰ শিক্ষক

এজনৰ দৰমহা বছৰে ৭২০০ পৰা ১৫০০ ডলাৰ

,, ,, প্ৰধান শিক্ষকৰ ,, ৩৫০০ ডলাৰ

হাই স্কুলৰ শিক্ষক সকলৰ ,, ৯০০ৰ পৰা ৩১৫০ ,,

,, ,, প্ৰধান শিক্ষকৰ ,, ৫০০০ ,,

শিক্ষা বিভাগৰ ডিষ্ট্ৰিক্ট ছুপাৰিণ্টেণ্ডেণ্টৰ দৰমহা বছৰত ৫০০০ ডলাৰ

নিউ ইয়ৰ্কৰ কমিশ্যনাৰ অৱ এডুকেশ্যন ,, ,, ৭৫০০ ,,

( প্ৰাদেশিক শিক্ষা মন্ত্ৰীৰ খাপৰ বুলিব পাৰি

কলেজৰ অধ্যাপক সকলৰ দৰমহা বছৰত ৫০০০-৭০০০ ,,

## জাপানত

শিক্ষা মন্ত্ৰীৰ ( কেবিনেট সভাৰ সদস্য ) দৰমহা বছৰত ৮ হেজাৰ ইয়েন।

কলেজৰ অধ্যাপক সকলৰ ,, ,, ৬০০-৪০০০ ,,

## ভাৰতবৰ্ষত

আসামৰ প্ৰাদেশিক শিক্ষামন্ত্ৰীৰ দৰমহা বছৰত ৪২০০০৲ টকা

,, শিক্ষা বিভাগৰ ডিৰেক্টৰৰ ২৪০০০

,, স্কুল সমূহৰ ইন্সপেক্টৰৰ ১৮০০০

ওখ খাপৰ কৰ্ম্মচাৰী সকলৰ লগত তলখাপৰ শিক্ষকৰ দৰমহাৰ তাৰতম্য কিমান বেছি !

# পুলিছ বিভাগ

## আমেৰিকাৰ যুক্ত ৰাজ্যত

আমেৰিকাৰ যুক্ত ৰাজ্যত নিউ ইয়র্ক ছিটীৰ

| | | | |
|---|---|---|---|
| চীফ ইন্সপেক্টৰে | বছৰত পায় | ৩৫০০ | ডলাৰ |
| কেপ্তেইন গ্ৰেডৰ | ,, ,, | ২৭৫০ | ,, |
| লেফ্‌টেনেণ্ট | ,, ,, | ২২৫০ | ,, |
| ছাৰজেণ্ট ,, | ,, ,, | ১৭৫০ | ,, |
| পেট্ৰল কৰা কনষ্টেবল | ,, ,, | ১৪০০ | ,, |
| কমিশ্বনাৰ অব পুলিছ | ,, ,, | ৭৫০০ | ,, |

( আমাৰ ইয়াৰ ইন্সপেক্টৰ জেনেৰেল অব পুলিচৰ সমান পদৰ )

## জাপানত

ইন্সপেক্টৰ জেনেৰেলে বছৰত পায় ৫ হেজাৰ ইয়েন=৬৮৭৫৲ টকা ।

## ভাৰতবৰ্ষত

ইন্সপেক্টৰ জেনেৰেল বিলাকৰ দৰমহা বছৰত কিমান

বিজাই চাওক :—

| | | | |
|---|---|---|---|
| ইন্সপেক্টৰ জেনেৰ্ল ( আসামৰ ) দৰমহা | বছৰত | ৩০ হেজাৰ | টকা |
| তেওঁৰ এছিষ্টেণ্ট জনৰ | ,, ,, | ১৩ ,, | ,, |
| জিলা ছুপাৰিণ্টেণ্ডেণ্টৰ | ,, ,, | ১২ ,, | ,, |
| ইন্সপেক্টৰৰ | ,, | ২১০০৲—৩৬০০৲ | ,, |
| ছব্‌ ,, ,, ,, ,, | ,, | ৯৬০৲—১৫৬০৲ | ,, |
| কন্‌ষ্টেবলৰ | ,, ,, | ২১৬৲—২৮৮৲ | ,, |

ওপৰৰ থাপৰ কৰ্ম্মচাৰী সকলৰ লগত তলৰ থাপৰ কৰ্ম্মচাৰীৰ দৰমহাৰ তাৰতম্য কিমান !

—০—

## তুলনামূলক হিছাপ

| | গাই প্ৰতি আয় | unskilled বনুৱাৰ আয় | কেৰেণীৰ আয় তলখাপৰ | কৰ্ম্মচাৰীৰ উচ্চতম দৰমহা |
|---|---|---|---|---|
| দক্ষিণ আফ্ৰিকা ... | | | ১৮৬৬ | ২১৩৩৩ |
| গ্ৰেট ব্ৰিটেইন ... | ১২৪০ | ১৩৩৩ | ১২৬৬ | ৪০০০০ |
| কেনেডা ... | ১৪২০ | ২৬২০ | ১৬৫০ | ২৭৪০০ |
| যুক্তৰাজ্য ... | ১৮৫০ | ২৯৫০ | ৩১২৫ | ২৭৪০০ |
| জাৰ্ম্মাণী ... | ৫১০ | ১১৪০ | ১১১০ | ১৪৯৬০ |
| জাপান ... | ২৯৫ | ৬৭৫ | ৬৫০ | ৮৮০০ |
| ভাৰতবৰ্ষ .. | ৭৪ | ২৪০ | ৩৬০ | ৪৮০০০ |

( সকলো হিছাপ টকাত দেখুৱা হৈছে । )

## আয়ৰ তাৰতম্য চাওক

| | বনুৱাৰ আয়ৰ লগত উচ্চতম কৰ্ম্মচাৰীৰ আয়ৰ তাৰতম্য | তলখাপৰ লগত উচ্চতম কৰ্ম্মচাৰীৰ দৰমহাৰ তাৰতম্য |
|---|---|---|
| দক্ষিণ আফ্ৰিকা | | ১ : ১১ |
| গ্ৰেট ব্ৰিটেইন | ১ : ৩০ | ১ : ৩২ |
| কেনেডা . | ১ : ১০ | ১ : ১৭ |
| যুক্তৰাজ্য ... | ১ : ৯ | ১ : ৯ |
| জাৰ্ম্মাণী .. | ১ : ১৩ | ১ : ১৩ |
| জাপান ... | ১ : ১৩ | ১ : ১৪ |
| ভাৰতবৰ্ষ ... | ১ : ২০০ | ১ : ১৩৩ |

ভাৰতবৰ্ষত আয়ৰ তাৰতম্য কিমান বেছি মন কৰক !

